# হেমচন্দ্ৰ গোস্বামী




শ্ৰীপ্ৰেমধৰ ৰাজখোৱা

 [ বেচ ।/০ অনা মাত্ৰ।

প্ৰকাশক —

শ্ৰীপ্ৰেমধৰ ৰাজখোৱা,

যোৰহাট, অসম।

প্ৰথম তাঙৰণ,

ভাদ, ১৮৬২-শক।

শ্ৰীহলীৰাম হাজৰীকাৰ দ্বাৰা

যোৰহাট "বাতৰি" প্ৰেছত

ছপা কৰা হ'ল।



## অৰ্পণ



পৰম পূজনীয় পিতৃদেৱৰ কৰকমলত

হেমচন্দ্ৰ গোস্বামী

শ্ৰদ্ধাৰে অৰ্পণ

কৰিলো।

—প্ৰেম—

# আগ-কথা

যোৱা ১৯৩৭-চনত অসম সাহিত্য সভাই "কমলাদেৱী ট্ৰাষ্ট ফণ্ড"ৰ পৰা পুৰস্কাৰ ঘোষণা কৰি প্ৰতিযোগিতাৰ কাৰণে কেইবাজনো লোকৰ জীৱনী বিচাৰি বাতৰি কাকতত জাননী প্ৰকাশ কৰিছিল। উক্ত প্ৰতিযোগিতাৰ ভিতৰত হেমচন্দ্ৰ গোস্বামীৰ জীৱনীও অন্যতম। সাহিত্য সভাৰ সেই জাননী আৰু নিৰ্দ্দেশ মতেই গোস্বামীদেৱৰ এই জীৱনীটি লিখি যথাসময়ত দিয়া হয়। কেইমাহমানৰ আগতে অসম সাহিত্য সভাই পুথিখনিত পুৰস্কাৰ পোৱা বুলি জনোৱাত বৰ্ত্তমান তাকে ছপা কৰি উলিওৱা হ'ল। সাহিত্য সভাই পুথিখনিত পুৰস্কাৰটি দি উৎসাহ-উদগনি দিয়াত সভাৰ কৰ্ত্তৃপক্ষ-সকল বিশেষ ধন্যবাদৰ পাত্ৰ। এই পুথিখনি যুগুত কৰা কাৰ্য্যত হেমচন্দ্ৰ গোস্বামীদেৱৰ দদাইদেৱেকৰ পুতেক সুসাহিত্যিক শ্ৰীযুত গোলাপচন্দ্ৰ গোস্বামী আৰু আপোন শ্ৰীযুত জগৎচন্দ্ৰ গোস্বামী ভাতৃদ্বয়ে অনুগ্ৰহ কৰি সমল দি, বন্ধুবৰ শ্ৰীযুত হিমকান্ত বেজবৰুৱা আৰু শ্ৰীযুত গিৰীশচন্দ্ৰ গোস্বামীয়ে নকল আদি কৰি,

"বাঁহী"ৰ কৰ্ত্তৃপক্ষই 'ব্লক'টি দি আৰু "লৰাৰ জৱহৰলাল"ৰ নিচিনাকৈ "জ্যোতি-কণা" আৰু "সাহিত্য-কলা"ৰ গ্ৰন্থকাৰ লব্ধপ্ৰতিষ্ঠ কৱি-সাহিত্যিক শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াই ছপা কাৰ্য্যত সকলো প্ৰকাৰে যথেষ্ট সাহায্য কৰিছে। সেই কাৰণে ওপৰোক্ত সকলোলৈকে আন্তৰিকে কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল।

এতিয়া পুথিখনিয়ে আমাৰ আগলৈ উঠি অহা ভাই-ভনীটিসকলৰ সমাদৰ পালেই উদ্দেশ্য সফল হ'ব।

বিনীত—

মিঠামৰা,
পোঃ আঃ দেৰগাওঁ।
শ্ৰীশঙ্কৰদেৱ তিথি, ভাদ, ১৮৭২-শক।

শ্ৰীপ্ৰেমধৰ ৰাজখোৱা

# হেমচন্দ্ৰ গোস্বামীৰ বংশাৱলী

গোৰাঙ্গদেৱ
|
বিশ্বম্ভৰ
|
শাৰঙ্গধৰ
|
ৰামকানু
|
পুৰুষোত্তম, জয়হৰি, ৰামচৰণ, ৰঙাচৰণ
|
হৰিদেৱ, আত্মাৰাম
|
কুশানন্দ, যুৱানন্দ, পূৰ্ণানন্দ
|
ডম্বৰুধৰ
|
হেমচন্দ্ৰ গোস্বামী, শ্ৰীযুত জগৎচন্দ্ৰ গোস্বামী আৰু শ্ৰীযুতা জগদেশ্বৰী দেৱী।



## —এক—

হেমচন্দ্র গোস্বামীৰ পূৰ্ব্বপুৰুষসকল আদিতে কনৌজত আছিল। পিচত গৌৰাঙ্গ সত্ৰৰ আদি পুৰুষ গৌৰাঙ্গদেৱে উজনি অসমলৈ আহি বংশীগোপালদেৱৰ লগত দেখা-সাক্ষাৎ কৰি মাজুলীতে বস-বাস কৰি থাকে। সেই সময়ত গোপালদেৱে উজনি অসমত পৱিত্ৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি ফুৰিছিল। গৌৰাঙ্গদেৱ কাশ্যপ গোত্ৰৰ যজুৰ্ব্বেদ শাস্ত্ৰজ্ঞ পণ্ডিত আছিল। গোপালদেৱে গৌৰাঙ্গ-দেৱৰ বৈষ্ণৱ ধৰ্ম্মানুৰাগ আৰু পাণ্ডিত্য দেখি ধৰ্ম্ম-প্ৰচাৰ কাৰ্য্যত তেওঁৰ সহকাৰী কৈ লৈ ফুৰিছিল। গৌৰাঙ্গদেৱৰ সুপুৰুষৰ পিচত স্বৰ্গদেউ প্ৰতাপ সিংহ ৰজাৰ ৰাজত্ব কালত মোমাই তামুলী বৰবৰুৱাই ৰাজ্যৰ গাওঁ-ভূঁইবিলাক শৃঙ্খলা লগাই নকৈ পাত্তোতে ৰামকাণু দেৱক সেই সময়ৰ আউনী-আটীয় সত্ৰাধিকাৰ হৰিদেৱ গোস্বামীয়ে লগত মূৰ্ত্তি ভাগৰং আদি দি গোলাঘাটৰ অন্তৰ্গত ঢেকিয়াল শয়কৰ মাজত শিলৰ খুটা পুতি সত্ৰ পাতি দিয়ে। সেই শিলৰ খুটা হেমচন্দ্ৰ গোস্বামীৰ পিতৃ-গৃহৰ বাটচৰাৰ সন্মুখত এতিয়ালৈকে আছে;

আৰু সত্ৰৰ নাম গৌৰাঙ্গদেৱৰ নামানুসাৰেই 'গৌৰাঙ্গ সত্ৰ' বুলি প্ৰখ্যাত হ'ল। গৌৰাঙ্গদেৱ প্ৰথমে আহি বেঙেনাআটী সত্ৰৰ ওচৰত বাস কৰি থকা ঠাই ডোখৰ 'গৌৰাঙ্গ-ঝাৰ' বুলি এতিয়াও জনাজাত। ঢেকিয়াল শয়কো মোমাই তামূলী বৰবৰুৱায়েই পতা। তাত এটা কিংবদন্তি মানুহৰ মুখে মুখে আজিলৈকে চলি আছে, 'যাৱৎ ঢেকিয়াল, তাৱৎ গৌৰাঙ্গ।'

ৰামকানু গোস্বামীৰ তিনি পুৰুষৰ পিচত হেমচন্দ্ৰ গোস্বামীৰ পিতাক ডম্বৰুধৰ গোস্বামী জন্ম হয়। তেওঁ এজন পৰোপকাৰী আৰু নিষ্ঠাৱান লোক আছিল। প্ৰথমতে তেওঁ পোন্ধৰ টকা দৰ্ম্মহাত্ত গৱৰ্ণমেণ্টৰ বিভাগত মহৰী কাম কৰিছিল। তাৰ পিচত দক্ষিণহেঙেৰা মৌজাৰ মৌজাদাৰ দিগ্ভীৰাম ৰাজখোৱা নাবালক হৈ থকাত ভালেমান দিন তেৱেঁই উক্ত মৌজা চলাই আছিল। পিচত দিগ্ভীৰাম সাবালক হোৱাত গৱৰ্ণমেণ্টে তেওঁৰ কামত বৰ সন্তোষ পাই মক্ৰং মৌজাৰ মৌজাদাৰ পাত্তি দিয়ে। এই মৌজা তেওঁ আজীৱন ভোগ কৰে।

ডম্বৰুধৰ গোস্বামীয়ে ক্ৰমে তিনিজনী তিৰোতা বিয়া কৰায়। প্ৰথম গৰাকীৰ কন্যাকাল নৌ হওঁতেই মৃত্যু হয়।

ইয়াৰ পিচত তেওঁ দ্বিতীয় গৰাকী ঘনকান্তি দেৱীক বিয়া কৰায়। পিচৰ গৰাকীৰ প্ৰথমতে ছজনী ছোৱালী আৰু এটি লৰা ৬।৭-বছৰ বয়সীয়া হৈ মৃত্যু হোৱাৰ পিচত বহুত দিন সতি-সন্ততি একো নোহোৱা হৈ আছিল। পিচত অনেক যাগ-যজ্ঞাদি কৰাৰ ফলত ইংৰাজী ১৮৭২-চনৰ ৮-জানুৱাৰী তাৰিখে শিৱসাগৰ জিলাৰ অন্তৰ্গত গোলাঘাট মহকুমাৰ ঢেকিয়াল গৌৰাঙ্গ সত্ৰৰ নিজ পিতৃ-গৃহত হেমচন্দ্ৰ গোস্বামীৰ জন্ম হয়। তেওঁৰ জন্মৰ লগে লগেই পূৰ্ব্বৰ ভেটিত সতি-সন্ততি নুঠে বুলি ভাবি তাৰ পৰা ঘৰ-বাৰী লৰাই ওচৰতে আন এঠাইত পতা হয়। হেমচন্দ্ৰ গোস্বামীৰ পিচত দুটি সন্তান জন্ম হৈ মৃত্যু হোৱাৰ পিচত শ্ৰীযুত জগৎচন্দ্ৰ গোস্বামী আৰু শ্ৰীযুতা জগদেশ্বৰী দেৱী জন্ম হয়।

সেই সময়ত অসমৰ নগৰে-চহৰে দুই-এখনকৈ স্কুল থকাৰ বাহিৰে আজি-কালিৰ দৰে স্কুল-কলেজ হোৱা নাছিল। গতিকে সেই অঞ্চলত কোনো স্কুল নথকাত ভম্বকধৰ গোস্বামীয়ে ঘৰৰ ওচৰতে এখন পঢ়াশালি পাতি দেৰগাৱঁৰ পৰা ঠাকুৰাম পণ্ডিত নামৰ এজন শিক্ষিত ব্ৰাহ্মণ নি, তেওঁ নিজেই তেওঁৰ সকলো ভৰণ-পোষণৰ ভাৰ লৈ, ঘৰত ৰাখি হেমচন্দ্ৰক

বিদ্যা শিক্ষা দিয়াইছিল। সেই সময়ত অসমৰ জন সাধাৰণৰ, বিশেষকৈ গাৱঁলীয়া লোকসকলৰ শিক্ষালৈ ধাউতি যে নাছিলেই, শিক্ষাৰ মোলো নুবুজিছিল। সেই কাৰণে মানুহ বিলাকে তেওঁলোকৰ লৰা-ছোৱালী পঢ়াশালিলৈ পঠাবলৈ বৰকৈ মন নকৰিছিল। ডম্বৰধৰ গোস্বামীয়ে এচৰৰ গাওঁবিলাকৰ লোকসকলক বুজাই-বৰাই তেওঁলোকৰ লৰা-ছোৱালীবিলাকক পঢ়াশালিত দিবলৈ মান্তি কৰাইছিল।

হেমচন্দ্ৰ গোস্বামীৰ আঠ বছৰ বয়স হওঁতেই তেওঁৰ পিতাক ডম্বৰুধৰ গোস্বামী বাৰাণসীত তীর্থ কৰিবলৈ গৈ শিৱচতুৰ্দ্দশীৰ দিনা তাতে মৃত্যু হয়।



## —দুই—

হেমচন্দ্ৰ গোস্বামীৰ অকালতে পিতৃ-বিয়োগ আৰু দদাইদেৱেক উমেশ্বৰ গোস্বামী ঘৰ এৰি মৌজাত থাকিব লগীয়া হোৱাত, তেওঁৰ পঢ়াত কিছু হেণ্ডাৰ পৰে। দদাই-দেৱেকে তেওঁক ঘৰৰ ওচৰতে তেওঁলোকৰ আলমতে স্থাপিত ঘনশ্যাম পণ্ডিতৰ পঢ়াশালিত পঢ়িবলৈ আৰু 'অমৰ কোষ' মুখস্থ কৰিবলৈ লগাই দিলে। হেমচন্দ্ৰ গোস্বামী উক্ত স্কুলৰপৰা শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ গোলাঘাটৰ উইলিয়েমচন মাইনৰ স্কুলত ভৰ্ত্তি হয়। ওপ-ৰোক্ত ঘনশ্যাম পণ্ডিতৰ পঢ়াশালিয়েই বৰ্ত্তমানৰ ঢেকিয়াল নিম্নপ্ৰাইমেৰী স্কুল। সেই কালত গোলাঘাটত হাই স্কুল নাছিল। তেওঁ কিছু দিন উক্ত মাইনৰ স্কুলতে পঢ়ি হাই স্কুলৰ শিক্ষা লাভ কৰিবৰ উদ্দেশ্যে শিৱসাগৰলৈ যাবলৈ মন মেলিলে। সেই সময়ত যাতায়াতৰ কাৰণে আজি-কালিৰ দৰে ৰেল-জাহাজ, মটৰ-বাছ আদি যান-বাহনৰ সুবিধা নাছিল। সেই কাৰণে তেওঁ আৰু এজন লগৰ লগত লৈ হাতীৰে তিন দিনে ৰংপুৰ পালে গৈ। তাত তেওঁ তেওঁৰ পেহাক সোমেশ্বৰ বৰুৱা তহচিলদাৰৰ

ঘৰত থাকি এবছৰ ইংৰাজী পঢ়ি সুবিধা নাপাই ঘৰলৈ উভতি আহে।

হেমচন্দ্ৰ গোস্বামীয়ে এইবাৰ ঘৰতে পঢ়াৰ দিহা কৰিলে। মণিৰাম পিয়ালিৰ দিনত হৰনাথ পৰ্ব্বতীয়া-বৰুৱাৰ লগৰ চৰমনাথ দাৰোগাৰ ঘৰ হেমচন্দ্ৰৰ ঘৰৰ ওচৰতে। চৰম নাথৰ পুতেক দিগীৰাম হাজৰীকাই কিছু ইংৰাজী জানিছিল। হেমচন্দ্ৰই দিনত তেওঁৰ ওচৰত ইংৰাজী আৰু ৰাতি ঘনশ্যাম পণ্ডিতৰ ওচৰত "ৰত্নমালা ব্যাকৰণ" পঢ়িবলৈ আৰম্ভ কৰিলে। ইয়াৰ লগে লগে ঘৰৰ পুথি বিলাক চাফ-চিকুণকৈ ওপৰত সৰু সৰু তুলাপাতত নাম লিখি আৰু আন ঠাইৰপৰাও পুথি বিচাৰি আনি নকল কৰি, গোসাঁই ঘৰৰ মণিকূটত এখন হেদালি দি পুথিবোৰ সজাই-পৰাই থৈ এটি সৰু পুথি-ভঁৰাল কৰিছিল।

মানুহৰ স্বাস্থ্য ভালে ৰাখিবলৈ হ'লে কি দুখীয়া, কি চহকী, সকলোৰে শাৰীৰিক পৰিশ্ৰমৰ আৱশ্যক। এলেহুৱা মানুহ চিৰৰুগীয়া। হেমচন্দ্ৰ গোস্বামীয়ে এই কথা বেছকৈ উপলব্ধি কৰিছিল। তেওঁ শৰীৰ ভালে ৰাখিবৰ কাৰণেই পৰিশ্ৰমৰ আৱশ্যক বোধ কৰি, ঘৰৰ সন্মুখতে এখন ধুনীয়া ফুলনি পাতিছিল। এই দৰেই হেমচন্দ্ৰৰ বহুতো দিন অতিবাহিত হৈ যাবলৈ ধৰিলে।

মাকে তেওঁক এই দৰে ঘৰতে থকা লাহে লাহে সমূলি ভাল নোপোৱা হৈ আহিল। সেই কাৰণে ১৮৮৫-চনত ১৩-বছৰ বয়সত মাকে তেওঁক নগাওঁত থকা মোহাক বাপুৰাম শৰ্ম্মা পেস্কাৰৰ ঘৰলৈ পঢ়িবৰ কাৰণে পঠিয়াই দিলে।

হেমচন্দ্ৰই এই বাৰ নগাওঁ হাই স্কুলৰ পঞ্চম মান শ্ৰেণীত নাম লগাই পঢ়িবলৈ ধৰিলে। নগাওঁ হাই স্কুলত তেওঁ প্ৰতি বছৰে প্ৰথম হৈ প্ৰমোচন পাইছিল। ১৮৮৮-চনত হেমচন্দ্ৰই সুখ্যাতিৰে উক্ত স্কুলৰপৰাই এণ্ট্ৰেঞ্চ পৰীক্ষা পাছ কৰে আৰু মাহে ২০৲ (কুৰি) টকীয়া এটি বৃত্তি লাভ কৰি কলিকতাৰ প্ৰেছিডেঞ্চি কলেজলৈ যায়। তাত চাৰি বছৰ পঢ়ি ১৮৯২-চনত বি-এ পৰীক্ষা দিয়ে। বি-এত তেওঁৰ প্ৰধান বিষয় বিজ্ঞান আছিল। কিন্তু সেই সময়ত তেওঁ "অসমীয়া ভাষা উন্নতি সাধিনী সভা"ৰ কামত নেৰানেপেৰাকৈ লাগি থাকিব লগীয়া হোৱাৰ কাৰণে বি-এ পৰীক্ষা পাছ কৰিব নোৱাৰিলে। গোস্বামীদেৱৰ ঘৰৰ আৰ্থিক অৱস্থা বৰ ভাল নোহোৱাত আৰু আন ফালে অৱস্থাৰ বিপৰ্য্যয়ত তেওঁ ঘৰৰ কাৰণে অন্ন-বস্ত্ৰাদিৰো সংস্থান কৰিব লগীয়া হোৱা আদি নানা ঘৰুৱা জঞ্জালৰ বাবে কলিকতাত থাকি পুনৰাই পঢ়া সম্ভৱ

হৈ মুঠিল। গতিকে বাধা হৈ ঘৰলৈ উভতি আহিব লগীয়া হ'ল।

হেমচন্দ্ৰ গোস্বামীয়ে কলিকতাত বি.এ পঢ়ি থাকোতেই লগে লগে আইন পঢ়িছিল। কলিকতা এৰি আহি ঘৰতো তেওঁ আইন পঢ়ি আছিল। কিন্তু ইতিমধ্যে গুৱাহাটীত "সোণাৰাম হাই স্কুল" স্থাপিত হোৱাত আৰু তেওঁক তাৰ হেডমাষ্টৰ নিযুক্ত কৰাত আইন পঢ়া আৰু শেষ হৈ মুঠিল।



## —তিনি—

হেমচন্দ্র গোস্বামীয়ে সোণাৰাম হাই স্কুলত হেডমাষ্টৰ কাম কৰি থাকোতে মহামতি গেইট চাহাব অসমৰ কৃষি আৰু ভূমি-ৰাজস্ব বিভাগৰ গুৰিয়াল আছিল। গুৱাহাটী উজান বজাৰৰ অসমৰ শেষ ৰজা চন্দ্ৰকান্ত সিংহৰ নাতি কেশৱকান্ত সিংহ যুৱৰাজৰ ঘৰত গেইট চাহাবে এখন পুৰণি অসম বুৰঞ্জী পায়। এই বুৰঞ্জীখন ইংৰাজীলৈ অনুবাদ কৰি দি হেমচন্দ্ৰ গোস্বামী গেইট চাহাবৰ প্ৰিয়পাত্ৰ হয়। অসমীয়াৰ গৌৰৱৰ স্থল "গেইট হিষ্টৰী"ৰো ইয়েই সূত্ৰপাত। এই আলমতে গোস্বামী-দেৱ গৱৰ্ণমেণ্টৰ উচ্চ কৰ্ম্মচাৰীসকলৰ কৃপাদৃষ্টিত পৰে আৰু চিলঙৰ চেক্ৰেটৰীয়েট অফিচলৈ কাম এটা দি লৈ যায়। চিলঙত তেওঁ চৰকাৰী কাম কৰাৰ লগে লগে সাহিত্য আৰু পুৰাবৃত্ত বিষয়ৰ কিছু কাম কৰি ওপৰৱালা কৰ্ম্মচাৰীসকলৰ মৰমৰ পাত্ৰ হৈ উঠে। ইয়াৰ অলপ দিনৰ পিচতে হেমচন্দ্ৰক চিলচৰলৈ প্ৰবেচনাৰী চৰ-ডেপুটী কলেক্টৰ নিযুক্ত কৰি পঠিয়ায়। তাৰ পিচত ১৮৯৭-চনৰ ১৭-মেইত তেওঁ

চব-ডেপুটী কলেক্টৰ কামত নিগাজী হৈ ডিব্ৰুগড় আৰু গুৱাহাটীত ৰজা-প্ৰজা উভয়ৰে প্ৰিয়পাত্ৰ হৈ সুখ্যাতিৰে কাম চলাইছিল। তেওঁ গুৱাহাটীত থকা কালত বৰমা তহচিলৰ তহচিলদাৰ আৰু শেষত কিছুদিন চেটেল্-মেণ্টৰ কামত আছিল। ইয়াৰ পিচত দৰঙৰ এচিষ্টেণ্ট চেটেলমেণ্ট অফিচাৰ নিযুক্ত হয়। দৰঙৰ চেটেলমেণ্ট শেষ হোৱাত ১৯০৫-চনৰ ২-মেইত গোস্বামীদেৱে এক্‌ষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ পদলৈ প্ৰমোচন পায়। তেওঁ গুৱাহাটীত একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ কাম কৰাৰ ওপৰিও কমিচনাৰৰ পাৰ্চনেল এচিষ্টেণ্ট আৰু পুৰণি পুথি গোটোৱা কাম কৰিছিল। গুৱাহাটীত পুথি গোটোৱা কাম শেষ হ'লত, কমিচনাৰৰ পাৰ্চনেল এচিষ্টেণ্ট কামত বৰকৈ খাটিব লগীয়া হৈ তেওঁৰ স্বাস্থ্য ভঙ্গ হোৱাত কিছু দিনৰ কাৰণে ছুটী ল'ব লগা হয়। ছুটীৰ অন্তত গুৱাহাটী, নগাওঁ আৰু যোৰহাটত মুনচুফ কাম কৰে।

হেমচন্দ্ৰ গোস্বামী যোৰহাটৰপৰা গুৱাহাটীলৈ বদলি হৈ যোৱাৰ পিচত তেওঁৰ হাতত বাত-বিষ হৈ ভালকৈ কলম চলাব নোৱাৰা হ'লত দীঘলীয়াকৈ ছুটী ল'ব লগা হয়। এই ছুটীৰ অন্তত তেওঁ আৰু কামত

যোগ দিব নোৱাৰিলে। ১৯২৬-চনৰ ১৫-জানুৱাৰীৰ পৰা তেওঁ অৱসৰ গ্ৰহণ কৰি মাহে ৩৭৫৲ টকাকৈ পেঞ্চন লয়। কিন্তু এই পেঞ্চন তেওঁ মাত্ৰ দুবছৰ মানহে ভোগ কৰিবলৈ পালে।

গোলাঘাটৰ অন্তৰ্গত মিছামৰা মৌজাৰ দা-ধৰাৰ বাপুৰাম শৰ্ম্মা মুক্তিয়াৰ সেই কালত গুৱাহাটীত এজন বিখ্যাত লোক আছিল। হেমচন্দ্ৰ গোস্বামীয়ে তেওঁৰ ঘৰতে থাকি এণ্ট্ৰেঞ্চ পৰীক্ষা দিছিল। মুক্তিয়াৰৰ ঘৰৰ কাষতে ৰমেন্দ্ৰ বৰুৱাৰ ঘৰৰ কেশৱচন্দ্ৰ বৰুৱাৰ ঘৰ। বৰুৱাৰ কন্যা এটি বিয়াহ দিব লগীয়া হোৱাত মুক্তিয়াৰৰ লগত পৰামৰ্শ কৰি হেমচন্দ্ৰৰ মতামত ল'লে। সেই সময়ত হেমচন্দ্ৰৰ দদাইদেৱেক উমেশ্বৰ গোস্বামী বোকাখাট মৌজাৰ মৌজাদাৰ আছিল। বৰুৱাদেৱ বোকাখাটলৈ আহি দদাইদেৱেকৰ সৈতে পৰামৰ্শ কৰি হেমচন্দ্ৰৰ বিয়াহ স্থিৰ কৰিলে; আৰু এণ্ট্ৰেঞ্চ পাছ কৰাৰ লগে লগেই কেশৱচন্দ্ৰ বৰুৱাৰ কন্যা শ্ৰীযুক্তা বামাসুন্দৰী দেৱীৰ লগত হেমচন্দ্ৰ গোস্বামীৰ শুভ-পৰিণয় সমাধা হয়। তেওঁৰ কেইবাটিও পুত্ৰ আৰু কন্যা হয়। বৰপুত্ৰ কিৰণচন্দ্ৰ গোস্বামীয়ে গোলাঘাটত এখন চাহ বাগিচা

খুলিছিল। কিন্তু বৰ পৰিতাপৰ কথা যে, তেওঁ নাৰেঙা বেমাৰত পৰি ১৯২৭-চনৰ ১৩-ডিচেম্বৰ তাৰিখে সকলোকে শোক-সাগৰত বুৰাই সংসাৰত তেওঁৰ সন্তি-সন্ততিহীন বিধৱা পত্নী আৰু আত্মীয়-স্বজন এৰি অকালতে পিতৃৰ জন্ম স্থান গোলাঘাটত মৃত্যু হয়। গোস্বামীদেৱৰ মাক ঘনকান্তি দেৱী নাতিনীয়েকৰ মৃত্যুৰ সময়ত বেমাৰত শয্যাশায়ী হৈ আছিল। নাতিনীয়েকৰ মৃত্যুৰ কিছু দিনৰ পিচত ১৯২৮-চনৰ ২০-ফেব্ৰুৱাৰীৰ দিনা ৮৫-বছৰ বয়সত তেওঁৰো মৃত্যু হয়। ইয়াৰ কিছু দিনৰ পিচত ১৯২৮-চনৰ ২-মেই তাৰিখে ৬২-বছৰ বয়সত নাৰেঙা ব্যাধিত ১৮-দিন অশেষ যন্ত্ৰনা ভোগ কৰি গুৱাহাটীৰ নিজ ঘৰত পুত্ৰ-পৰিয়াল, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আদি সকলোকে শোকত অভিভূত কৰি হেমচন্দ্ৰ গোস্বামীয়েও স্বৰ্গধামলৈ গতি কৰিলে।

হেমচন্দ্ৰই মৃত্যুৰ সময়ত সংসাৰত তেওঁৰ বিধৱা ভাৰ্য্যা, তিনিটি পুত্ৰ আৰু তিনি গৰাকী কন্যা এৰি থৈ যায়। পুত্ৰ শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী বি-এ, শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ গোস্বামী আৰু শ্ৰীযুত তৰুণচন্দ্ৰ গোস্বামী ; আৰু কন্যা মুক্তাৱালা দেৱী, শ্ৰীযুতা হীৰাপ্ৰভা দেৱী আৰু শ্ৰীযুতা কমলাকুমাৰী দেৱী।

---

## —চাৰি—

হেমচন্দ্ৰ গোস্বামীৰ সৰুৰেপৰা সাহিত্যানুৰাগ আছিল। সেই কাৰণেই তেওঁ ১১।১২ বছৰ বয়সতে অসমীয়া পদ পুথি নকল কৰি ঘৰতে এটি পুথি ভঁৰাল কৰিছিল। তেওঁ যি সময়ত নগাওঁলৈ বিদ্যা শিক্ষা লাভ কৰিবৰ কাৰণে গৈছিল, সেই সময়ত নগাওঁ সাহিত্যৰ কেন্দ্ৰ-স্বৰূপ আছিল। তেতিয়াই অসমীয়া ভাষাই অসমৰ স্কুল-কাছাৰিত ভালৈকৈ স্থান পায়। সেই সময়ত ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱা ডাঙৰীয়াই সাহিত্যৰ অন্যতম গুৰিয়াল আছিল। তেখেতৰ বাহিৰেও কবি ভোলানাথ দাস, প্ৰত্নতাত্ত্বিক ৰত্নেশ্বৰ মহন্ত, স্বাধীন ভাবুক পদ্মহাস গোস্বামী, ৰুদ্ৰৰাম বৰদলৈ, ধৰ্ম্মেশ্বৰ গোস্বামী, বলদেৱ মহন্ত, বলিনাৰায়ণ বৰা, নৱনাথ মহন্ত, ৰত্নধৰ বৰুৱা, চন্দ্ৰহাস ভূঞা, মহানন্দ ভট্টাচাৰ্য্য, পদ্মাৱতী দেৱী ফুকননী, বিষ্ণুপ্ৰিয়া দেৱী আদি পুৰুষ-মহিলাসকলৰ অসমীয়া 'সাহিত্যলৈ দানো কম নহয়। তেওঁলোকে অসমীয়া সাহিত্যলৈ যি দান দি গ'ল, সিয়েই অসমীয়া ভাষা-সাহিত্যৰ

এটা নতুন যুগ সৃষ্টি কৰিলে। স্বভাৱতে সাহিত্যানু-ৰাগী, উদ্যোগী উঠি অহা ডেকা হেমচন্দ্ৰ গোস্বামী ওপৰোক্ত সাহিত্যসেৱী লোকসকলৰ মাজত পৰি আৰু তেওঁলোকৰ উৎসাহ-উদগনি পাই সাহিত্যানুৰাগ বাঢ়ি উঠাতো স্বাভাৱিক। তেওঁ হাই স্কুলৰ ছাত্ৰ অৱস্থাতে ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱা ডাঙৰীয়াৰ সম্পাদিত "আসাম বন্ধু"ত প্ৰায় প্ৰত্যেক মাহেই কৱিতা প্ৰকাশ কৰিছিল। ইয়াৰ বাহিৰেও তেওঁ লং ফেল' (Long Fellow), কুপাৰ (Cowper) আদি বিখ্যাত ইংৰাজ কৱি-সাহিত্যিকসকলৰ কৱিতাও অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰিছিল। বহুত সময়ত তেওঁ তেওঁৰ সমনীয়া বন্ধু-বান্ধৱলৈ পদ্যৰেহে চিঠি লিখা-লিখি কৰিছিল। তেওঁ কলিকতাৰ প্ৰেছিডেঞ্চি কলেজত পঢ়া সময়ত 'জোনাকী' আৰু 'বিজুলী' নামেৰে দুখন মাহেকীয়া আলোচনী কাকত প্ৰকাশ হৈছিল। হেমচন্দ্ৰ গোস্বামীয়ে 'জোনাকী' আৰু 'বিজুলী' দুয়োখন কাকততে প্ৰৱন্ধ-পাতিৰে যোগান ধৰিছিল। ইয়াৰ বাহিৰেও তেওঁ 'ঊষা' 'বাঁহী', 'আলোচনী' 'আসাম-বান্ধৱ', 'অৰুণ', 'জন্মভূমি', 'মিলন', 'অৰুণ' আদি আলোচনী কাকতবিলাকত

বহুতো বহুমূলীয়া প্ৰৱন্ধ-পাতি লিখিছিল। অসমীয়া কাকত পত্ৰৰ বাহিৰে তেওঁ বঙলা আৰু ইংৰাজী কাকতীলৈকো মাজে-সময়ে প্ৰৱন্ধ লিখিছিল।

আজি-কালি অসমৰ গাওঁ-ভূঁই, নগৰ-চহৰ আদি প্ৰায় বিলাক ঠাইতেই লাচিত বৰফুকনৰ উৎসৱ অনুষ্ঠিত হয়। এই উৎসৱৰ গুৰিতেই হেমচন্দ্ৰ গোস্বামী। তেওঁ তেজপুৰত এচিষ্টেণ্ট চেটেলমেণ্ট অফিচাৰ হৈ থাকোতে ৰায় বাহাদুৰ শ্ৰীযুত পদ্মনাথ গোহাঁই-বৰুৱা ডাঙৰীয়াৰ সম্পাদিত মাহেকীয়া আলোচনী 'উষা'ত অন্য বহুতো মূল্যৱান প্ৰৱন্ধ-পাতি লিখাৰ বাহিৰেও "শৰাই ঘাটৰ যুদ্ধ" নামেৰে এটা বহুমূলীয়া বুৰঞ্জীমূলক প্ৰৱন্ধ প্ৰকাশ কৰিছিল। সেই প্ৰৱন্ধত তেওঁ অসমীয়াৰ শৌৰ্য্য-বীৰ্য্য আৰু যুদ্ধ-প্ৰণালী আদি ভালকৈ প্ৰকাশ কৰি, লাচিত বৰফুকনৰ নেতৃত্বত অসমীয়া সেনাই মোগলসকলক অতুল বিক্ৰমেৰে পৰাজয় কৰা কথা অসমৰ সৰ্ব্ব-সাধাৰণৰ মাজত প্ৰচাৰ কৰিছিল আৰু সেই যুদ্ধত লাচিত বৰফুকনৰ অসাধাৰণ বীৰত্বৰ কাহিনী উক্ত প্ৰৱন্ধৰ যোগেদি প্ৰচাৰ কৰি অসমত 'লাচিত উৎসৱ'ৰ প্ৰেৰণা দিয়ে। তেতিয়াৰপৰাই লাচিত বৰ ফুকনৰ কথা লৈ নাটক, প্ৰৱন্ধ, কবিতা আদি ৰচিত আৰু উৎসৱ অসমৰ

বিভিন্ন ঠাইত অনুষ্ঠিত হ'বলৈ ধৰিলে।

১৯০৭-চনত অসম গৱৰ্ণমেণ্টে কটন কলেজৰ প্ৰিন্সিপেল এফ-ডব্লিউ চুড্মাৰ্চন চাহাবক অসমীয়া ভাষা-সাহিত্য, তাৰ ক্ৰমোন্নতি আৰু আঁতি-গুৰি বিচাৰ কৰি এখন বিৱৰণ লিখিবলৈ ভাৰ দিছিল। হেমচন্দ্ৰ গোস্বামীয়ে শ্ৰীযুত গোহাঁই-বৰুৱা ডাঙৰীয়াৰ সৈতে লগ লাগি অসমীয়া ভাষা-সাহিত্য সম্বন্ধে ইংৰাজীতে এটা বিৱৰণ গোটাই চুড্মাৰ্চন চাহাবক দিয়ে। চুড্মাৰ্চন চাহাবে এই বিৱৰণৰ ওপৰতে নিৰ্ভৰ কৰি "নট্ছ অন দি আসামীজ লেঙ্গয়েজ" ( Notes on the Assamese Language ) নাম দি এখন পুথি লিখে। এই পুথি ১৯০৮-চনত অসম গৱৰ্ণমেণ্টে প্ৰকাশ কৰে।

গোস্বামীদেৱে অসম উপত্যকাৰ কমিচনাৰ কৰ্ণেল পি-আৰ-টি গৰ্ডন চাহাবক ধৰি তেওঁৰ হতুৱাই লব্ধপ্ৰতিষ্ঠ কৱি-সাহিত্যিক ৰায় বাহাদুৰ শ্ৰীযুত পদ্মনাথ গোহাঁই বৰুৱা ডাঙৰীয়াক সাহিত্যিক পেঞ্চন দিয়াই অসমীয়া ভাষা আৰু সাহিত্যক সম্মানিত কৰে। অসমৰ ধীৰেশ্বৰ ভট্টাচাৰ্য্য কৱিৰত্নদেৱে মহামহোপাধ্যায় উপাধি পোৱাত গোস্বামীদেৱৰ যত্ন আৰু উদ্যমো উল্লেখযোগ্য।

অসমীয়া ভাষাৰ অন্যতম গুৰিয়াল হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াই "হেমকোষ" অভিধান খনি বহু যত্ন আৰু পৰিশ্ৰম কৰি লিখিছিল যদিও, তেওঁ তাক ছপা অৱস্থাত দেখি যাবলৈ নৌ পাওঁতেই ১৮৯৬-চনত স্বৰ্গী হয়। দুলালচন্দ্ৰ চৌধুৰী ডাঙৰীয়াই বৰুৱা ডাঙৰীয়াৰ হাতে লিখা "হেমকোষ" অভিধান খনি ছপা কৰি প্ৰকাশ কৰিবৰ কাৰণে কৰ্ণেল পি-আৰ-টি গৰ্ডণ চাহাবৰ হাতত দিয়ে। সেইচ চাহাবে এই "হেমকোষ" অভিধান প্ৰকাশৰ কথা অসম গৱৰ্ণমেণ্টক বুজাই কোৱাত, অসমৰ তেতিয়াৰ চীফ্ কমিচনাৰ চাৰ্ হেনৰী কটন চাহাবে কিছু টকা মঞ্জুৰ কৰে। কিন্তু ইংৰাজী ১৮৯৭-চনৰ জুন মাহত হোৱা প্ৰবল ভূমিকম্পত চিলঙৰ গৱৰ্ণমেণ্ট প্ৰেছটো ভাগি চুৰ্ মাৰ হৈ যোৱাত "হেমকোষ"ৰ হাতে লিখা নকলটো ইটা কাঠ আদি জাঁজত সোমাল। সেইচ চাহাবে বহুতো পৰিশ্ৰম কৰি "হেমকোষ"ৰ হাতে লিখা নকলটো বিচাৰি উলিয়ায়। ইয়াৰ পিচত "হেমকোষ"ৰ ইংৰাজী ভাগটো কৰ্ণেল গৰ্ডণ চাহাবে আৰু অসমীয়া ভাগটো হেমচন্দ্ৰ গোস্বামীয়ে সম্পাদন কৰি প্ৰকাশ কৰে। হেমচন্দ্ৰ বৰুৱাই অশেষ পৰিশ্ৰম কৰি "হেমকোষ" অভিধান লিখি অসমীয়া

ভাষাৰ ভেটি সুদৃঢ় কৰি গ'ল যদিও, ওপৰোক্ত মহানুভৱ লোকসকলৰ সৌজন্য আৰু উদ্যম নোহোৱা হ'লে 'হেমকোষ'ৰ অস্তিত্ব সন্দেহৰ চকুৰে চাব লগা হ'লহেঁতেন নিশ্চয়। সেই কাৰণে এই সকল লোক সদৌ অসমীয়াৰে কম প্ৰশংসাৰ যোগ্য নহয়।



## —পাঁচ—

আগেয়ে অসমীয়া বহুতো পুৰণি পুথি য'তে-ত'তে সিচৰতি হৈ আছিল। অৱশ্যে এতিয়া যে নাই, সেই কথাও কোৱা টান। সি যি কি নহওক, চুডমার্চন চাহাবে অসম গৱৰ্ণমেণ্টক অসমীয়া পুৰণি পুথি সংগ্ৰহৰ আৱ-শ্যকতা দেখুৱাই এটা প্ৰস্তাৱ দিয়ে। হেমচন্দ্ৰ গোস্বামীয়ে চুডমার্চন চাহাবৰ উক্ত প্ৰস্তাৱৰ ওপৰতে ভিৰ দি এই কাৰ্য্যৰ কাৰণে প্ৰথমতে তেতিয়াৰ অসমৰ চীফ কমিচনাৰ চাৰ আর্চডেল চাহাবক দেখা কৰি ধ্বংস প্ৰায় হৈ যোৱা অসমীয়াৰ বহুতো মূল্যৱান হাতে লিখা সংস্কৃত আৰু অসমীয়া পুথি দেখুৱাই, তেনে পুথি বিলাক অনতিবিলম্বে সংগ্ৰহ কৰাৰ আৱশ্যকতাৰ কথা বুজাই কয়। অসমীয়াৰ বহুত দিন সংস্পৰ্শত থকা চাৰ আর্চডেল চাহাবেও গোস্বামীদেৱৰ কথা ভালকৈ উপলব্ধি কৰি তেওঁকে অসমৰ লুপ্ত প্ৰায় হৈ যোৱা পুথিবিলাক উদ্ধাৰ কৰি থুপ খুৱাবলৈ জাতি-বিজ্ঞান বিষয়ৰ অবৈ-তনিক ডিৰেক্টৰ কৰ্ণেল গৰ্ডণ চাহাবৰ তত্বাৱধানত ১৯১২-চনৰ অক্টোবৰ মাহৰপৰা ১৯১৩-চনৰ মার্চ্চ

মাহলৈকে নিয়োগ কৰে। তেওঁৰ এই পুথি গোটোৱা কাৰ্য্যত সাহায্য কৰিবলৈ অসম উপত্যকাৰ চব-ডেপুটী কলেক্টৰসকলকো তেওঁলোকৰ কামৰ সীমাৰ ভিতৰত অসমীয়া পুৰণি পুথি থাকিলে, তাৰ একোটা হিচাপ দিবলৈ অনুৰোধ কৰা হৈছিল। তাৰ বাহিৰে তেওঁ নিজেও গুৱালপাৰ, কামৰূপ, নগাওঁ, শিৱসাগৰ, লক্ষীমপুৰ, অসমৰ সত্ৰবিলাক, আনকি কোচবিহাৰ পৰ্য্যন্ত ফুৰি অসমীয়াৰ বহুতো হাতে লিখা সংস্কৃত আৰু অসমীয়া পুথি সংগ্ৰহ কৰে।

হেমচন্দ্ৰ গোস্বামীয়ে গোটোৱা হাতে লিখা পুৰণি সংস্কৃত আৰু অসমীয়া পুথিৰ ভিতৰত ৰজা শিৱ সিংহই তেওঁৰ ৰাজদৰবাৰত থকা পণ্ডিতৰ হতুৱাই লিখোৱা "হস্তী-বিদ্যাৰ্ণৱ" নামৰ পুথিখন উল্লেখযোগ্য। এই পুথিত দঁতাল, এদঁতীয়া, মখনা আৰু মাখুন্দী আদি হাতীৰ বিৱৰণ, লক্ষণ আৰু কি ৰোগৰ কি ঔষধ ইত্যাদি কথা সচিত্ৰকৈ সুন্দৰ ৰূপে লিখা আছে। হেমচন্দ্ৰ গোস্বামীয়ে কেতিয়াবা সুযোগ পালে এই পুৰণি পুথিবিলাক ভাৰতীয় মনীষীসকলক দেখুৱাই অসমীয়াৰ অতীত কীৰ্ত্তি প্ৰচাৰ কৰিছিল। প্ৰথম বাৰ মাহাত্মা গান্ধী অসমলৈ আহোতে গুৱাহাটীত তেওঁ

"হস্তী-বিদ্যাৰ্ণৱ" পুথিখন দেখুৱাই তেখেতক চমকিত কৰিছিল। ইয়াৰ বাহিৰে তেওঁৰ সংগ্ৰহত পুৰাবৃত্ত, গীতৰ পুথি, ভাগৱৎ আৰু ৰঘু বংশৰ ব্যাখ্যা, হস্ত-মুক্তাৱলী আৰু আহোম বুৰঞ্জী এখনো লেখত ল'বলগীয়া। গোস্বামীদেৱে গোটোৱা সকলোবিলাক পুথিকে প্ৰথমে অসম উপত্যকাৰ কমিচনাৰ অফিচত ৰাখিছিল; কিন্তু পিচত সেই সকলোবোৰ কামৰূপ অনুসন্ধান সমিতিত ৰখা হয়।

ইয়াৰ বাহিৰে হেমচন্দ্ৰ গোস্বামীয়ে অসম ৰজাৰ দিনত অসমৰে সৈতে অন্য দেশৰ লগত চলাচল হোৱা চিঠি-পত্ৰবিলাক "ৰজাঘৰীয়া চিঠি" শিৰোণামা দি "আলোচনী" কাকতত প্ৰকাশ কৰিছিল। "আলোচনী"ৰ সপ্তম আৰু অষ্টম ভাগত গোস্বামীদেৱে অসমৰ নানা ঠাইৰ পৰা পোৱা আহোম ৰজাৰ দিনৰ শিলৰ ফলি, তামৰ ফলি, ফৰচলা আদিৰ পাঠ উদ্ধাৰ কৰি তাৰ আলোচনা প্ৰকাশ কৰিছিল।

ইংৰাজী ১৯২৫-চনত কামৰূপৰ গুৱাকুচীৰ মানুহ এজনে পিৰালি খানোতে ইন্দ্ৰপাল ৰজাৰ তামৰ ফলি এখন পাই হেমচন্দ্ৰ গোস্বামীদেৱক দিয়ে। ইন্দ্ৰপাল ৰজাৰ আন এখন তামৰ ফলি কিছুমান দিনৰ আগতে

ডক্টৰ হাৰ্ণলি চাহাবে পাঠ উদ্ধাৰ কৰি বেঙ্গল এচিয়াটিক চচাইটিৰ কাকতত প্ৰকাশ কৰিছিল। হেমচন্দ্ৰ গোস্বামীৰ হাতত পৰা তামৰ ফলিত তাতকৈ নতুন কিবা আছিল নে নাই, সেই কথা জানিবলৈ তেওঁ পাঠ উদ্ধাৰ কৰিবলৈ আৰু অধিক দিন নাপালে।

গোস্বামীদেৱে বৰঞ্জাঘৰীয়া সকলোবিলাক চিঠি-পত্ৰকে কামৰূপ অনুসন্ধান সমিতিৰ কাৰণে সংগ্ৰহ কৰি প্ৰকাশ কৰিবলৈকো দিহা কৰিছিল। কিন্তু তেওঁৰ দ্বাৰা এই কাৰ্য্য সমাপ্ত হৈ নুঠিল।

হেমচন্দ্ৰ গোস্বামীয়ে ৭৯-টা পুৰণি বৰঞ্জাদিনীয়া মোহৰ সংগ্ৰহ কৰি কামৰূপ অনুসন্ধান সমিতিক দান কৰিছিল। বাৰ্ণশ্ব কমিচনাৰ চাহাবৰ দিনত অসম গৱৰ্ণমেণ্টে হস্তী-বিদ্যাৰ্ণৱ, কামৰত্ন-তন্ত্ৰ, বৰঞ্জাঘৰীয়া চিঠি, বৈদ্য-কল্পতৰু, অসম-বুৰঞ্জী, ডাক ভনিতা, কিতাবৎ-মঞ্জৰী, ঘোৰা নিদান আদি অসমীয়া পুথিবিলাকৰ মূল পাঠ উদ্ধাৰ কৰি তাৰ ইংৰাজী অনুবাদ একোটা প্ৰকাশ কৰিবৰ উদ্দেশ্যে গোস্বামীদেৱক নিয়োগ কৰিছিল। কিন্তু কামৰত্ন-তন্ত্ৰ প্ৰকাশ কৰোঁতেই তেওঁৰ মৃত্যু হয়।

## —ছয়—

১৯১৯-চনত চাৰ আশুতোষ মুখাৰ্জ্জী কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ-চেন্সেলাৰ হৈ থাকোতে ভাৰতীয় বিভিন্ন মাতৃ-ভাষাবিলাকক বিশ্ববিদ্যালয়ত ঠাই দি নিজ নিজ দেশৰ মাতৃ-ভাষাত এম-এ পৰ্য্যন্ত পাছ কৰিব পৰা পথ সুগম কৰিবৰ কাৰণে ভাৰতৰ বিভিন্ন ভাষাত সাহিত্য-বাছনি গ্ৰন্থ প্ৰণয়ন হ'ব লাগে বুলি এটা প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ১৯১৮-চনত ইউনিভাৰ্চিটী কমিচন উপলক্ষে চাৰ আশুতোষ মুখাৰ্জ্জী কটন কলেজ পৰিদৰ্শন কৰিবৰ কাৰণে গুৱাহাটীলৈ আহে। চাৰ আশুতোষ মুখাৰ্জ্জীয়ে অসমৰ তেতিয়াৰ কমিচনাৰ কৰ্ণেল গৰ্ডন চাহাব আৰু হেমচন্দ্ৰ গোস্বামীদেৱৰ সৈতে অসমীয়া সাহিত্যৰ গ্ৰন্থ প্ৰণয়নৰ বিষয়ে আলোচনা কৰি নতুন-পুৰণি অসমীয়া লিখকসকলৰ লিখাৰ চানেকিৰে এখন পুথি সঙ্কলন কৰিবলৈ স্থিৰ হয়; আৰু এই ভাৰ গোস্বামী দেৱৰ ওপৰতে দিয়ে। এই সংক্ৰান্তত কলিকতা বিশ্ববিদ্যালয়ে পুস্তক প্ৰণয়নৰ বাবে দুহাজাৰ আৰু

নকল আদি কৰিবৰ কাৰণে চাৰিশ টকা মঞ্জুৰ কৰে। হেমচন্দ্ৰ গোস্বামীয়ে এই গ্ৰন্থ সঙ্কলন সম্বন্ধে এখন আঁচনি ৰুৰি চাৰ আশুতোষ মুখাৰ্জীক দিয়ে। তেওঁ এই আঁচনি সমৰ্থন কৰে আৰু হেমচন্দ্ৰ গোস্বামীয়ে "অসমীয়া সাহিত্যৰ চানেকি" নাম দি এই গ্ৰন্থ প্ৰণয়ন কৰে। ইয়াত গীতি যুগ (৬০০-৮০০খ্ৰীঃ), বৈষ্ণৱী মন্ত্ৰ আৰু ভনিতা যুগ (৮০০-১২০০খ্ৰীঃ), প্ৰাক্-বৈষ্ণৱী যুগ (১২০০-১৪৫০খ্ৰীঃ), বৈষ্ণৱী যুগ (১৪৫০-১৬০০খ্ৰীঃ), বিস্তাৰ যুগ (১৬০০-১৮০০ খ্ৰীঃ) আৰু বৰ্ত্তমান যুগ আদি ছয় যুগত অসমীয়া সাহিত্য বিভক্ত কৰিছে।

"অসমীয়া সাহিত্যৰ চানেকি" লিখা আৰু নকল কৰা শেষ হ'ল হয়, কিন্তু তাক প্ৰকাশ কৰিবলৈ হ'ল ধনৰ নাটনি। হেমচন্দ্ৰ গোস্বামীয়ে চাৰ আশুতোষ মুখাৰ্জীক লগত লৈ অসমীয়া সাউদ ভোলানাথ বৰুৱাৰ কলিকতাৰ ঘৰলৈ গৈ তেওঁক ধৰি সাহিত্যৰ চানেকিখন প্ৰকাশৰ অৰ্থে অৰ্থ সাহাষ্য বিচাৰে। ভোলানাথ বৰুৱা ডাঙৰীয়াই দহ হাজাৰ টকা সাহাষ্য দিবলৈ মান্তি হোৱাত, কলিকতা বিশ্ববিদ্যালয়ে সেই গ্ৰন্থ প্ৰকাশৰ ভাৰ লয়। কিন্তু ইতিমধ্যে ভোলানাথ বৰুৱা স্বৰ্গী হোৱাত তেওঁৰ উত্তৰাধিকাৰীয় পৰা মুঠেই

দুহাজাৰ টকাৰে পোৱা হ'ল যদিও, কলিকতা বিশ্ব-বিদ্যালয়েই বাকীখিনি খৰচ বহন কৰি প্ৰায় আঢ়ৈ হাজাৰ পৃষ্ঠাৰ বৃহৎ অসমীয়া গ্ৰন্থ "অসমীয়া সাহিত্যৰ চানেকি" প্ৰকাশ কৰিলে।

১৮-শতিকাৰ শেষ ভাগৰ মঙ্গলদৈৰ বিখ্যাত পণ্ডিত সূৰ্য্যখৰি দৈৱজ্ঞই দৰঙৰ ৰজা সমুদ্ৰনাৰায়ণৰ আদেশত বহণ দিয়া ছবিৰে সৈতে "দৰং ৰাজবংশাৱলী" নাম দি এখন পুথি লিখে। এই পুথি খনিত কোঁচ বংশীয় ৰজাসকলৰ বিষয়ে পদেৰে বিতং ভাৱে আলোচনা কৰা আছে। পুথিখন গোস্বামীদেৱে দৰং ৰাজ-বংশধৰ খগেন্দ্ৰনাৰায়ণৰপৰা বিচাৰি আনি গৱৰ্ণমেণ্টৰ দ্বাৰা প্ৰকাশ কৰায়।

ভাৰত গৱৰ্ণমেণ্টৰ চেক্ৰেটেৰী জে-বি ফুলাৰ চাহাবে মাটিৰ খাজনা বৃদ্ধিৰ লগে লগে ৰায়তৰ দুৰৱস্থা দেখুৱাই লিখা কথা আৰু ভাৰতৰ অন্যান্য প্ৰদেশ বিলাকৰপৰা গৱৰ্ণমেণ্টে পোৱা আবেদন-নিবেদন বোৰৰ উত্তৰ স্বৰূপে ইংৰাজীত "Land Revenue Policy of the Government of India" নাম দি এটা প্ৰবন্ধ লিখে। উক্ত প্ৰবন্ধটি ভাৰতৰ বৰলাট বাহাদুৰৰ অনুমতি সাপেক্ষে অসম গৱৰ্ণমেণ্টে হেমচন্দ্ৰ

গোস্বামীৰ দ্বাৰাই অসমীয়ালৈ অনুবাদ কৰাই "ভাৰত গৱৰ্ণমেণ্টৰ ভূমি বিষয়ক ৰাজস্ব-নীতি" নাম দি কিতাপ আকাৰে ছপা কৰি ১৯০৫-চনত প্ৰকাশ কৰে।

গোস্বামীদেৱে চুকাফা ৰজাৰ দিনৰপৰা গদাধৰ সিংহ ৰজাৰ ৰাজত্ব কাললৈকে সবিশেষ বিৱৰণ থকা "পুৰণি অসম বুৰঞ্জী" পুথি এখন সম্পাদন কৰি "কামৰূপ অনুসন্ধান সমিতি"ৰ দ্বাৰাই ১৯২২-চনত প্ৰকাশ কৰে।

অসমৰ তেতিয়াৰ চীফ কমিচনাৰ চাৰ আৰ্চডেল আৰ্ল চাহাবৰ অনুগ্ৰহত অসম গৱৰ্ণমেণ্টে পুৰণি পুথি বিলাক সংগ্ৰহ কৰিবলৈ নিযুক্ত কৰা মতে গোস্বামীদেৱে সংগ্ৰহ কৰা পুথিবিলাকৰ তালিকা আৰু তাৰ চমু বিৱৰণ লিখি এখন কিতাপ অসম গৱৰ্ণমেণ্টৰ দ্বাৰা প্ৰকাশ কৰে। এই কিতাপত ১৫৬-খন অসমীয়া আৰু ৭৭-খন সংস্কৃত পুৰণি পুথিৰ তলত দিয়া শিৰোণামা অনুসৰি নানান বিৱৰণ দিয়া আছে। যেনে:—সংগ্ৰহ কৰা পুথিৰ ক্ৰমিক নম্বৰ, পুথিৰ নাম, বিষয়, গ্ৰন্থকাৰ, তাৰিখ, পুথিৰ বিৱৰণ, আৰম্ভণি ছেদ, আৱৰ্দ্ধি ছেদ, আলোচ্য বিষয়, পুথিৰ মালিক, বৰ্ত্তমান ক'ত ৰখা হৈছে আৰু মন্তব্য।

## হেমচন্দ্ৰ গোস্বামী

অসমীয়া গদ্য-সাহিত্যৰ সৃষ্টি-কৰ্ত্তা ভট্টদেৱে ৰচনা কৰা "কথা-গীতা"খন গোস্বামীদেৱে সম্পাদন কৰি প্ৰকাশ কৰে। এই পুথি প্ৰকাশ কৰি তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ্ চেন্সেলাৰ চাৰ আশুতোষ মুখাৰ্জ্জী, বিশ্ব-কবি ৰবীন্দ্ৰনাথ ঠাকুৰ, চাৰ প্ৰফুল্লচন্দ্ৰ ৰায় প্ৰভৃতি প্ৰসিদ্ধ লোকসকলৰ বহুতো প্ৰশংসা লাভ কৰে।

ছাত্ৰ-জীৱনতে লিখা ২৪-টা কবিতাৰে "ফুলৰ-চাকি" নাম দি ১৩৪-পিঠিৰ এখন কিতাপ ছপা কৰি গোস্বামীদেৱে প্ৰকাশ কৰিছিল। "ফুলৰ-চাকি"ৰ ধেমেলীয়া কবিতা "পেট" আৰু গহীন ভাবৰ কবিতা "পুৱা" বৰ্ত্তমান অসমীয়া সাহিত্যত উল্লেখযোগ্য।

হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা লিখিত আৰু সম্পাদিত ওপৰোক্ত কিতাপ কেইখনৰ বাহিৰেও "অঙ্কীয়া বাৰ নাট" নাম দি শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ৰচিত শ্ৰীকৃষ্ণ-জন্ম, পত্নী-প্ৰসাদ, ৰুক্মিণী-হৰণ, শ্ৰীৰাম-বিজয়, পাৰিজাত-হৰণ, ৰাস-ক্ৰীড়া, অৰ্জ্জুন-ভঞ্জন, চোৰধৰা-ঝুমুৰা, ভূমি-লুটিৱা, পিপৰা-গুচোৱা, ভোজন-ব্যৱহাৰ আৰু কালীয়-দমন এই বাৰখন পুৰণি অঙ্কীয়া নাট আৰু "কথা-ভাগৱৎ" সংগ্ৰহ আৰু সম্পাদন কৰি ছপাখানাত দিছিল; কিন্তু সেইবিলাকৰ ছপা কাৰ্য্য

শেষ হ'বলৈ নৌ পাওঁতেই তেখেতৰ মৃত্যু ঘটে: আৰু হাতত লোৱা কামবিলাকো আধা কৰা অৱস্থাতে ৰৈ যায়।

"কামৰূপ অনুসন্ধান সমিতিৰ" কাৰণে গোস্বামীদেৱে "যোগিনী-তন্ত্ৰ" সম্পাদন কৰিবৰ কথা আছিল; আৰু সেই উদ্দেশ্যে কেইবাখনো পুথি আনি পৰীক্ষা কৰি চাই, তাৰ এটা শুদ্ধ পাঠো উদ্ধাৰ কৰা হৈছিল। কিন্তু কালৰ কুটিল গতিত পৰি সেই কামো অসম্পূৰ্ণ হৈ ৰ'ল। ইয়াৰ বাহিৰেও তেওঁ অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ তুখন বুৰঞ্জী লিখাৰ চেষ্টাত আছিল আৰু তাৰ কাৰণে সমলো গোটাইছিল। কিন্তু কাৰ্য্যত পৰিণত কৰিবলৈ নাপালে। অৱসৰ লোৱাৰ পিচত নলবাৰীৰপৰা বাতৰি কাকত এখন উলিয়াবলৈকো তেওঁ যত্ন কৰিছিল; কিন্তু তুখৰ কথা তালৈয়ো সময় নাপালে। দৈনিক অসমীয়া বাতৰি কাকত এখনৰ কাৰণেও যত্ন কৰি সাউদ ভোলানাথ বৰুৱা আৰু লক্ষ্মীৰ বৰপুত্ৰ ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰ লগত কেইবাবাৰো পৰামৰ্শ কৰিছিল; কিন্তু তেওঁ জীয়াই থকা কালত আৰু অসমীয়া দৈনিক বাতৰি কাকত দেখি যাবলৈ নাপালে। পিচত ৰায় বাহাদুৰ ডাঙৰীয়াই

তেওঁৰ উদ্যম আৰু সৌজন্যত অশেষ ধন ভগন কৰি, দীৰ্ঘ জীৱি নহলেও, সৰস্বতীৰ গুণী পুত্ৰ শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াৰ সম্পাদনত প্ৰথম আৰু একেখন মাত্ৰ দৈনিক বাতৰি কাকত উলিয়ায়।

হেমচন্দ্ৰই অসমৰ পঢ়ুৱৈ সমাজ কেনেকৈ গঠন কৰিব পাৰি, সেই বিষয়ে "উষা"ৰ জৰিয়তে এটা সোণৰ পদক দিবলৈকো প্ৰতিশ্ৰুতি দিছিল। কিন্তু তাৰ ফলাফল কি হ'ল জনা নগল।



# —সাত—

অসমৰ পুৰাবৃত্ত, পুৰালিপিতত্ত্ব, জাতিতত্ত্ব, আচাৰ-পদ্ধতিতত্ত্ব, মুদ্ৰাতত্ত্ব, শিল্পমূৰ্ত্তি, অস্ত্ৰ-সস্ত্ৰ, শিলালিপি, ইত্যাদি নানা বিষয়ৰ পৌৰাণিক বয়-বস্তু সংগ্ৰহ কৰি অসমীয়াৰ অতীত কীৰ্ত্তিৰ নিদৰ্শণ ৰাখিবলৈ আৰু ঐতিহাসিক চৰ্চ্চা কৰিবৰ সুবিধাৰ কাৰণে "কামৰূপ অনুসন্ধান সমিতি" স্থাপিত হয়। এই অনুসন্ধান সমিতি স্থাপন-সূত্ৰত হেমচন্দ্ৰ গোস্বামী, ৰায়বাহাদুৰ কালীচৰণ সেন, প্ৰফেচাৰ পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ, আদি সদাশয় লোকসকলৰ উদ্যম আৰু পুৰুষাৰ্থৰ কথা উল্লেখযোগ্য আৰু চিৰস্মৰণীয়।

আদিতে "অসম সাহিত্য সভা"ৰ আৰ্থিক অৱস্থা বৰ ভাল নাছিল। হেমচন্দ্ৰ গোস্বামী এক্‌ট্ৰা এচিষ্টেণ্ট কমিচনাৰ হৈ থাকোতে যোৰহাটলৈ বদলি হৈ আহি সাহিত্য সভাৰ আৰ্থিক দুৰৱস্থাৰ কথা জানি, তেওঁৰ উৎসাহ আৰু উদ্‌গনিতে গোলাঘাটৰ শ্ৰীযুত ৰাধানাথ গোস্বামীয়ে শিশু-সাহিত্য প্ৰকাশৰ কাৰণে "কমলাদেৱী ট্ৰাষ্ট ফণ্ড" খুলি দুহাজাৰ আৰু পুৰণি

ধৰ্ম্ম-পুথি প্ৰকাশৰ কাৰণে "নবদেৱ ট্ৰাষ্ট ফণ্ড" খুলি শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰৰ নবদেৱ গোস্বামী প্ৰভুয়ে পাঁচ হাজাৰ টকা দান কৰে। এই তুয়োটা ফণ্ডেই দাতাৰ উদ্দেশ্য অনুসৰি সাহিত্য সভাৰ তত্বাৱধানত বৰ্ত্তমানো চলি আছে।

তেজপুৰত এচিষ্টেণ্ট চেটেলমেণ্ট অফিচাৰ হৈ থাকোতে গোস্বামীদেৱৰ উদ্যমতে "বাণ থিয়েটাৰ হল" স্থাপিত আৰু অসমীয়া ভাষা উন্নতি সাধিনী সভাৰো বহুত সজ কাম সাধিত হয়।

গোস্বামীদেৱে গুৱাহাটীত এটা "মিউজিয়ম" বা যাতুঘৰ স্থাপন কৰিবলৈ বৰ পুৰুষাৰ্থ কৰিছিল। তেওঁ অসম কাউন্সিলৰ সভ্য নিৰ্ব্বাচিত হৈ কাউন্সিলৰ আন সভ্যসকলৰো সহায়-সহানুভূতি বিচাৰি অসম গৱৰ্ণমেণ্টক বুজাই-বৰাই উক্ত কাৰ্য্য আৰু প্ৰকৃত দেশ-হিতকৰ কাম সমাধান কৰিব পাৰিব বুলি ভাবি ১৯২৬-চনৰ নিৰ্ব্বাচনত গোলাঘাটৰপৰা কাউন্সিলৰ সভ্য-প্ৰাৰ্থী হৈ উঠে; কিন্তু তেওঁ সভ্য নিৰ্ব্বাচিত হ'ব নোৱাৰিলে। এই কাৰ্য্যত তেওঁৰ বহুতো টকা ভগন হৈছিল যদিও, তাৰ বাবে তেওঁ অলপো কাতৰ হোৱা নাছিল।

ওপৰোক্ত জন-হিতকৰ কাৰ্য্যাবিলাকৰ বাহিৰেও হেমচন্দ্ৰ গোস্বামী অসম সাহিত্য সম্মিলনৰ তেজপুৰ

অধিবেশন, অসম ছাত্ৰ-সম্মিলনৰ গুৱাহাটী অধিবেশন, অসম সত্ত্ব সম্প্ৰদায়, প্ৰাগজ্যোতিষপুৰ ব্ৰাহ্মণ সভা, সৰ্ব্বভাৰত হিন্দু মহাসভাৰ অসম অধিৱেশন, কামৰূপ অনুসন্ধান সমিতি, ৰয়েল এচিয়াটিক চছাইটি, সনাতন ধৰ্ম্ম সভা, কলিকতা বিশ্ববিদ্যালয়, কামৰূপ লেণ্ড মৰ্টগেজ বেঙ্ক, পাচ্য-বিদ্যা মহাসভাৰ কলিকতা অধিবেশন, আদি দেশ-হিতকৰ অনুষ্ঠানবিলাকৰ সভাপতি আৰু প্ৰতি-নিধিত্ব কৰি নিজৰ কাৰ্য্য-কুশলতাৰ পৰিচয় দিছিল। ইয়াৰ বাহিৰে তেওঁ ফ্ৰিমেচন (Freemason) অৰ্থাৎ এখন গুপ্ত-সমাজৰ সভ্য আছিল।

বহুত দিনৰ পূৰ্ব্বে গুৱাহাটীত জনচেৰেক কৃতবিদ্য বঙালী ভদ্ৰলোকৰ যত্নত "বঙ্গীয় সাহিত্য অনুশীলনী সভা" নামৰ এখন সভা স্থাপন হয়। গোস্বামীদেৱ এই সভাৰ এজন প্ৰধান হিতাকাঙ্ক্ষী লোক আছিল। তেওঁ এই সভাৰ জড়িয়তে অসমৰ অতীত গৌৰৱৰ কথা প্ৰচাৰ কৰিবলৈ অহো পুৰুষাৰ্থ কৰিছিল। আজি সতী জয়মতীৰ কাহিনী বঙ্গদেশত প্ৰচাৰ হোৱাৰ মূলতো এই সাহিত্য অনুশীলনী সভাই।

ৰায় বাহাদুৰ কালীচৰণ সেন, অধ্যাপক পদ্মনাথ বিদ্যাবিনোদ গোস্বামীদেৱৰ অন্তৰঙ্গ বন্ধু আছিল।

এবাৰ তেওঁলোক কেউজন লগ লাগি হৰিদ্বাৰত কুম্ভমেলা চাবলৈ আৰু নানা তীৰ্থ পৰ্য্যটন কৰিবলৈ গৈছিল। গোস্বামীদেৱ এজন ওখ-ডাঙৰ বগা শুলন্তৰ পুৰুষ আছিল। সেই সময়ত মূৰত উফিৰ বিকাৰ থকা কাৰণে তেওঁ প্ৰায়েই মূৰ খুৰাইছিল। কুম্ভমেলাত নৰসিংহ উপাসক 'নৰসিংহ সন্ন্যাসী' সকলে প্ৰথমতে গঙ্গা স্নান কৰে। তেওঁলোক উলঙ্গ আৰু বৰ জয়াৰ। তেওঁলোক স্নান কৰিবলৈ যাওঁতে আৰু ঘূৰি আহোতে চিপাহী-চন্তৰি সকলোৱে বাট মুকলি কৰি কোনো মানুহ যাব নোৱাৰাকৈ ৰাখে। এওঁলোক কেউজন বাটৰ দাঁতিতে থিয় হৈ আছিল। তাৰে উলঙ্গ সন্ন্যাসী এজনে, কি ভাবি ক'ব নোৱাৰি, কমণ্ডলুৰপৰা পানী এচলু লৈ গোস্বামী দেৱৰ খুৰোৱা মূৰত থপিয়াই দি গ'ল। এই দল সন্ন্যাসীলৈ সকলোৱে বৰ ভয় কৰে। গোস্বামীদেৱৰো সেই মুহূৰ্ত্তত বৰ ভয় লাগিছিল, আৰু কাষৰ লোকসকল এই কাৰ্য্যত বৰ আচৰিত হৈছিল। জয়াৰ নগ্ন সন্ন্যাসী জনৰ উক্ত কাৰ্য্য বহুতে সৌভাগ্যৱান পুৰুষৰ পৰিচায়ক বুলিহে বিবেচনা কৰে।

হেমচন্দ্ৰ গোস্বামীৰ বিদেশী বহুতো সুপ্ৰসিদ্ধ লোকৰ লগত আত্মীয়তা আছিল। সেই দেখি ডক্টৰ ডি-আৰ

ভাণ্ডাৰকাৰ, আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়, ইটালিয় পণ্ডিত জীওচেপ তুচ্চী, চাৰ দেৱপ্ৰসাদ সৰ্ব্বাধিকাৰী আদি অসম পৰিভ্ৰমণ কৰিবলৈ অহা বহুতো লোকেই গুৱাহাটীৰ তেওঁৰ ঘৰত থাকি বা তেওঁক দেখা কৰি গৈছিল। বিদেশী লোকৰ লগত তেওঁৰ আত্মীয়তা থাকিলেও, তেওঁ অসমীয়াৰ স্বাৰ্থ কেতিয়াও বলি দিয়া নাছিল; বৰং জাতীয় সম্পদবিলাক দেখুৱাই আৰু কৈ দেশৰ গৌৰৱহে বঢ়াইছিল। তেওঁ অসমীয়াৰ উপাদেয় খাদ্য তৈয়াৰ কৰি খুৱাই তেওঁলোকক বৰ তৃপ্তি দিছিল।



# —আঠ—

'উদগতিৰ পথত বহুত হুল-জোং আছে, আকাঙ্ক্ষাৰ চোক। ৰাগীত পৰি মতলীয়া নহলে কোনেও তালৈ বেগেতে আগনাবাঢে। উদগতি কৰি ডাঙৰ হ'বলৈ সকলো মানুহৰ মনত এটা অথিৰ, ধুৱঁলি, অনিশ্চিত ৰকমৰ বাঞ্ছা আছে, কিন্তু তেনেকুৱা ধুৱঁলি বাঞ্ছা মানুহৰ কেতিয়াও পূৰ নহয়। উদগতিৰ বাঞ্ছা থিৰ, নিশ্চিত, আৰু বলিয়া হাতীৰ নিচিনা উদণ্ড হ'ব লাগে, তেহে উদগতি পথৰ বিকট বাধাবোৰৰ সমুখ হ'ব পাৰি।' হেমচন্দ্ৰ গোস্বামীৰ গাত উক্ত গুণ আছিল। সেই বাবেহে বিশ্ববিদ্যালয়ৰ ডিগ্ৰী নোহোঁৱা কৈযো চৰ-ডেপুটী, মুনচুফ আদি কাম পৰ্য্যন্ততো নিযোজিত হ'ব পাৰিছিল।

হেমচন্দ্ৰ গোস্বামী এজন ধীৰ প্ৰকৃতিৰ সৰ্ব্বজনপ্ৰিয় অমায়িক লোক আছিল। তেওঁ সকলোকে উচিত আৰু ন্যায়সঙ্গত বুদ্ধি দিছিল আৰু নিজেও সেই মতেই চলিছিল। তেওঁৰ গোটেই জীৱন হাকিম কাম কৰিয়েই অতিবাহিত হৈছিল যদিও, হাকিমী 'মেজাজ'ৰ লোক নাছিল। অকিচত তেওঁ হাকিম

আৰু ঘৰত জ্ঞান-পিপাসু এজন ছাত্ৰ কিম্বা পণ্ডিত। তেওঁ সকলো ডাঙৰ সকলোৰে লগত সমভাৱে কথা হৈছিল।

চৰকাৰী কামত থাকোতে তেওঁ ক'ৰবাত সাহিত্য সম্পৰ্কীয় বা জাতীয় সম্পদ সম্বন্ধীয় আহিলা-পাতি পালে তাক যেনে-তেনে সংগ্ৰহ কৰিছিল। চেটেল্‌-মেণ্টৰ কামত ফুৰোতে অসমীয়া গাৰ্নলীয়া গীত আৰু ঐতিহাসিক কোনো তথ্যৰ সম্ভেদ পালে সংগ্ৰহ কৰি আনিছিল। তেওঁ এই দৰে সংগ্ৰহ কৰি অনা ঐতিহাসিক তথ্য আৰু গীতবিলাক তেওঁৰ সঙ্কলিত "অসমীয়া সাহিত্যৰ চানেকি"ৰ প্ৰথম খণ্ডত দিয়া হৈছে। ইয়াৰ বাহিৰেও ঠায়ে ঠায়ে মুখে মুখে চলি থকা কিংবদন্তি বিলাক তেওঁৰ ৰচনাত সুমাই থৈ গৈছে।

গোস্বামীদেৱৰ আজীৱন অসমীয়া সাহিত্য, সমাজ আৰু বুৰঞ্জী সম্বন্ধীয় কামত লিপ্ত থাকিব লগীয়া হোৱাত প্ৰায় জিৰণিয়েই নাছিল। তাৰ উপৰিও দায়িত্বপূৰ্ণ চৰকাৰী কামৰ গধুৰ বোজা আৰু এখন ডাঙৰ গৃহ-স্থালিৰ ভৰণ-পোষণৰ চিন্তা।

হেমচন্দ্ৰ বৰ খোঁটালী প্ৰায় সদায় মানুহেৰে ভৰি থাকে। আমাৰ বহুতো মানুহেই সময়ৰ মূল্য নবুজে কাৰণে সময়ৰ মূল্য বুজা লোকবো

সময়ৰ অপব্যৱহাৰ কৰে। গোস্বামীদেৱক ঘৰত লগ পোৱা অতি সহজ আছিল। তেওঁ মানুহৰ লগত কথা-বাৰ্ত্তা পাতি থাকোঁতেই বহুতো বহু মূলীয়া সময় অবাবত গৈছিল। কোনো কথাত তেওঁৰে কাৰবাৰ মতভেদ হ'লে, তেওঁ ধৈৰ্য্যচ্যুতি নঘটাই যুক্তিৰে বুজাইছিল।

অসমৰ সাহিত্য আৰু বুৰঞ্জীৰ উন্নতি আৰু প্ৰচাৰৰ কাৰণে হেমচন্দ্ৰ গোস্বামীয়ে কম কাম কৰি যোৱা নাই। অসমীয়া ভাষাৰ গুৰিয়াল হেমচন্দ্ৰ বৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী উভয়ে নিজৰ দেশৰ অতীত গৌৰৱত বৰ গৌৰৱ বোধ কৰিছিল।

হেমচন্দ্ৰ গোস্বামীৰ স্মৃতি শক্তি বৰ চোকা আছিল। কোনোবাই তেওঁৰ আগত কিবা গল্প কিম্বা কাহিনী ক'লে পিচত তেওঁ তাক হুবহু তেনেকৈয়ে ক'ব পাৰিছিল। তেওঁ নিজেও গল্প বৰ ভালকৈ ক'ব জানিছিল। তেওঁৰ মনে মনে মিলা সমাজ পালে কেতিয়াবা হাঁহিত পেটু-নাৰি ছিগা আৰু কেতিয়াবা পাণ্ডিত্যপূৰ্ণ গভীৰ তত্ত্ব বা তথ্য আদিৰ কথা হৈ বৰ ভাল পাইছিল। তেওঁ সমাজ আৰু মানুহ চাই খাপ খোৱাকৈ আলাপ কৰিব জানিছিল। ই এটা সজ গুণ।

তেওঁৰ এই গুণেও সৰবৰহী আৰু বহুতক মুগ্ধ কৰিছিল।

হেমচন্দ্রই অসমীয়াৰ লুপ্তপ্ৰায় বস্তুবাজি আৰু অসম সম্বন্ধে অসম-পৰিভ্ৰমণ কৰা লোকসকলৰ মতামত আদি উদ্ধাৰ আৰু প্ৰচাৰ কৰি অসমীয়া জাতিক এটা প্ৰেৰণা দি থৈ যোৱাৰ বাহিৰে অসমীয়া জাতি, ভাষা-সাহিত্য আদি দেশ-বিদেশতো প্ৰচাৰ কৰি থৈ গ'ল। কিন্তু তেওঁৰ নিচিনা এজন কৰ্ম্মময় পুৰুষে অকালতে অন্তৰ্দ্ধান লোৱাত অসমৰ এটা অপূৰণীয় ক্ষতি হৈ গ'ল। তেওঁৰ বিয়োগ বাতৰি পাই দেশ-বিদেশৰ বহুতো মনীষীয়েই দুখ প্ৰকাশ কৰি শোক-সন্তপ্ত পৰিয়াললৈ সমবেদনা জনাই চিঠি-পত্ৰ লিখিছিল। তেওঁ এজন উচ্চ পদস্থ ৰাজ কৰ্ম্মচাৰী বুলিয়েই যে ইমান জনপ্ৰিয় বা সমাজত গণ্য হৈছিল, এনে নহয়। তেওঁ এজন দেশ-প্ৰেমিক আৰু জ্ঞান-পিপাসু লোক আছিল দেখিয়েই সৰু-বৰ সকলোৰে আদৰ আৰু সন্মান আহৰণ কৰিব পাৰিছিল।

'একোটা জাতিৰ জাতীয় সাহিত্যতকৈ ডাঙৰ যুগমীয়া সম্পত্তি একো নাই। ই এটা জাতিৰ অতীত জীৱনৰ সোঁৱৰণী, বৰ্ত্তমান জীৱনৰ প্ৰাণ আৰু ভৱিষ্যত জীৱনৰ চাবেকি।' জাতীয় সাহিত্যৰ গণ্ডী অতি বহল। ধৰ্ম্ম, নীতি,

## হেমচন্দ্ৰ গোস্বামী

বিজ্ঞান, বুৰঞ্জী, পুৰাবৃত্ত আদি সকলো বিলাক সাহিত্যৰ বুকুৰ বস্তু। হেমচন্দ্ৰ গোস্বামীৰ লীলা-ভূমি আছিল এই সাহিত্য-ক্ষেত্ৰই। তেওঁৰ এই বিষয়ত উদণ্ড বাঞ্ছা আছিল বাবেই কাৰ্য্য-কুশলতাৰ পৰিচয় দিব পাৰিছিল।

মানুহৰ দেহৰ বিনাশ আছে; কিন্তু গুণ-কৰ্ম্ম অবিনাশ। আদৰ্শনীয় মহাপুৰুষসকল অশৰীৰি হ'লেও, তেওঁলোকৰ সজ গুণ-কৰ্ম্মৰ দৃষ্টান্ত লোক-সমাজত হৰণ-ভগন নোহোৱাকৈ চিৰ কালৰ কাৰণেই থাকি যায়। আৰু দৃষ্টান্ত! 'মানুহৰ মনৰ ওপৰত দৃষ্টান্তৰ অদ্ভুত ক্ষমতা। শস্য-ক্ষেত্ৰত যেনেকৈ হালোৱাই হালৰ গৰুক আগুৱাই যাবলৈ খুচি দিয়ে, কাৰ্য্য-ক্ষেত্ৰতো সেই দৰে দৃষ্টান্তই মানুহৰ মনক উদগতিৰ পথত আগুৱাই যাবলৈ খুচি দিয়ে। বৰ লোকৰ চৰিত্ৰ উদগতি চেষ্টাৰ এটা দৃষ্টান্ত, তাক পঢ়িলে মানুহৰ তেনেকুৱা হ'বলৈ বাঞ্ছা জন্মে, আৰু নিতৌ তাকে পঢ়ি থাকিলে বাঞ্ছাৰ তেজ অনুক্ৰমে বৃদ্ধি হৈ অৱশেষত সি উদণ্ড আকাঙ্ক্ষাত পৰে।' হেমচন্দ্ৰ গোস্বামী আজি আৰু ইহ সংসাৰত নাই। নহলেও, তেওঁৰ গুণ-কৰ্ম্মৰ অনুপ্ৰেৰণা আৰু আদৰ্শ জন-সমাজত দৃষ্টান্ত ৰূপে অমৰণ-অভগন হৈ থাকি যাব।

—শেষ—

